"মই জানোঁ প্ৰভু,—নাগালে কোনেও
গাইছোঁ তোমাৰ সত্য-গান—
কপট করুণা, গৰল অমৃত
আছা হে মোৰ হিয়াৰ প্ৰাণ !"

# সুৰ-নিজৰা



লিখক—
জনপ্ৰিয় "বিৰহী" কবি
আনন্দি ৰাম দাস
"খাৰঘুলি" গুৱাহাটী।

প্ৰকাশক—
শ্ৰীলক্ষ্মীনাথ ভট্টাচাৰ্য্য
মেনেজাৰ গ্ৰেজুৱেট'ছ, য়ুনিয়ন
পানবজাৰ, গুৱাহাটী
১৯৩৯
[ প্ৰথম তাওবণ ]
প্ৰিণ্টাৰ :—শ্ৰীবাজেন্দ্ৰ লাল সৰকাৰ
কাত্যায়নী মেচিন প্ৰেছ
৩৯।১ শিব নাৰায়ণ দাস লেন।




 মূল্য ১৲ এটকা।

# —নিবেদন—

মোৰ এই শোকাশ্রু "সুৰ-নিজৰা"ৰ কুলু কুলু সুৰে সহৃদয় ৰাইজৰ যদি ৰণ ধুৱাব পাৰে, পৰিশ্ৰমৰ গ্লানি সফল হৈছে বুলি ধন্য মানিম। আৰু ৰৰৰ কি অভিশাপ কব নোৱাৰো ; এটি এটিকৈ কেইবাটিও ভ্রাতৃ হেৰুৱাই, একমাত্র এজনী ভনী আছিল—তাইয়ো যৌৱনত ভৰি দি সংসাৰৰ সুখ পভোগ কৰিব নোপোৱাকৈ মোক কন্দুৱাই থৈ সিপুৰীত আশ্রয় ললে গৈ। মান শোক-বেজাৰতো যে ৰাইজৰ আগলৈ "সুৰ-নিজৰা"ক উলিয়াইছো, মাথোন—খন্তেক ধিমিকি জ্বলি বন্তি হুমুৱাৰ দৰে মোৰো জীৱন-সন্ধিয়া যাত্রা-পথৰ এধানিমান পোহৰৰ চিন। আৰু "সুৰ-নিজৰা"ই সহৃদয় পাঠক-পাঠিকা, গায়ক-গায়িকা সমাজৰ মৰম-চেনেহ পালে ভৱিষ্যতলৈ এখনি ভাল সেমীয়া প্রাচ্য সুৰৰ সুৰ-চানেকি পুথি উলিয়াবলৈ ইচ্ছা থাকিল। কিতাপৰ আকাৰ আৰু মূল্য বঢ়াৰ ভয়ত বহুতো গান ইয়াত প্রকাশ নহল। আৰু সুৰ-নিজৰা"ৰ কিছুমান গীতত সময়ৰ অভাৱত সুৰৰ নাম দিয়া নহল।

বিনীত

শ্রীআনন্দি ৰাম দাস।

# —অৰিহণা—

"সুৰ-নিজৰা"ক ৰাইজৰ আগলৈ অৰ্থব্যয় কৰি সজাই-পৰাই উলিয়া বাবে পৰম শ্ৰদ্ধেয় শ্ৰীযুত লক্ষ্মীনাথ ভট্টাচাৰ্য্য দেৱক মোৰ অন্তৰৰ শ্ৰদ্ধা আৰু ধন্যবাদ জনাইছো ; সেইবাবে তেখেতৰ ওচৰত মই চিৰকৃতজ্ঞ। "সুৰ-নিজৰা"ৰ কিছুমান গীত ছপা হৈ ওলোৱাৰ আগতেই একমাত্ৰ ভাষা-সাহিত্যৰ মৌ-নিজৰা "জয়ন্তী"য়ে ৰাইজৰ আগত প্ৰকাশ কৰি জনপ্ৰিয় কৰা বাবে সম্পাদক পূজ্যপাদ বিহগী কবি শ্ৰীযুত ৰঘুনাথ চৌধাৰী দেৱলৈ মোৰ অন্তৰৰ ভক্তি-অৰিহণা আগ বঢ়াইছোঁ। "সুৰ-নিজৰা"ৰ ভুলচুক শুধৰাই দিয়া বাবে এগৰাকী মান্যবৰ সিদ্ধহস্ত সু-সাহিত্যিক আৰু "সুৰ-নিজৰা"ৰ গীতবিলাক চকুফুৰাই, ছপাই উলিয়াবলৈ উৎসাহ দিয়া বাবে পূজনীয় সাহিত্যিক শ্ৰীযুত ঈশ্বৰ প্ৰসাদ চৌধুৰী এম, এ, বি, এল আৰু পৰম শ্ৰদ্ধেয় বন্ধু সাহিত্যসেৱী শ্ৰীযুত প্ৰেমধৰ ৰাজখোৱা দেৱলৈ মোৰ অন্তৰৰ শ্ৰদ্ধা-ভক্তি জনাইছোঁ। প্ৰিয় শ্ৰীমান্ সুবোধকুমাৰ তালুকদাৰে "সুৰ-নিজৰা"ৰ ছবিখনি আঁকি দিয়া বাবে মোৰ অন্তৰৰ স্নেহাশীষ জনাইছোঁ। "সুৰ-নিজৰা"ৰ কিছুমান গীত কেইখনিমান নাটকত ব্যৱহাৰ কৰা বাবে প্ৰিয়বন্ধু নাট্যকাৰ শ্ৰীযুত লক্ষধৰ চৌধুৰী বি, এছ-ছি আৰু কিছুমান গীত সভা-সমিতি আদিত প্ৰচাৰ কৰা বাবে পৰম শ্ৰদ্ধেয় সঙ্গীতজ্ঞ শ্ৰীযুত সূৰ্য্যকান্ত বৰদলৈ, প্ৰিয়বন্ধু প্ৰফেছাৰ শ্ৰীযুত বলোৰাম দাস, সঙ্গীতজ্ঞ শ্ৰীযুত উমেশচন্দ্ৰ পাঠক আৰু প্ৰিয়বন্ধু সঙ্গীতজ্ঞ শ্ৰীযুত বিমল ভট্টাচাৰ্য্য দেৱলৈ মোৰ অন্তৰৰ শ্ৰদ্ধা আৰু ধন্যবাদ জনাইছোঁ। ইতি—

—লিখক—

# —উছৰ্গা—

মোৰ একমাত্ৰ মৰমৰ ভনী

৺বসন্তৰাণী দাস আইদেউৰ

## —স্নেহ-স্মৃতিত—

স্নেহৰ ভনীটি তই দুদিনলৈ আহি, বসন্তৰ ৰাণী জনী হৈ,
এৰি মোক সংসাৰৰ তপত খোলাত গ'লি গ'ই কোন দেশলৈ !
মৌ-সুৰদীয়া তোৰ ললিত-কণ্ঠই "সুৰ-নিজৰা"'ত দিলে প্ৰাণ।
যদিও কঁপনি গল বতাহত মিলি স্মৃতি তাৰ নপৰিল ম্লান।

প্ৰবাসৰপৰা আহি নাপালোঁ হি দেখা
সোঁৱৰণি মাথো ৰ'ল শেহৰ বিদায়,
"আহিবা আনন্দে ঘূৰি যোৱা গ'ই দাদা
হাঁহি মুখে কোৱা সেই মুখল'ই চাই।

দেখি এই জগতৰ মায়া মৰিচীকা
নকৰিলি মন তই থাকিব ইয়াত,
কোন সেই অচিনাকি মনোৰম দেশ
গ'লে আৰু ঘূৰি নহা থাকিলিগৈ তাত।

জগতৰ যত মধু শেষ হই যাব
পাহি পাহি হব সৰি বিৰিখৰ পাত,
কুসুমৰ ৰেণু হব কুসুমতে লয়
তথাপি নুভুলো সেই একেষাৰি মাত।

অহা আৰু যোৱা এই দুনিয়াৰ ৰীতি—
মগো যাম সেই বাটে প্ৰাণৰ ভনীটি।
তথাপিও মানুহৰ মোহ-মুগ্ধ মনে,
বুজিও নুবুজে আৰু জানিও নাজানে।

তথাপিও দিলোঁ তোকে কৰি সোঁৱৰণ
"সুৰ-নিজৰা"ৰ গীতি দাদাৰৰ দান !

তোৰ মৰমৰ :—"দাদা"।

## -অনুৰোধ-

অসমীয়া গায়ক সমাজৰ প্ৰতি মোৰ এই বিনীত অনুৰোধ যেন তেখেতসকলে লিখকৰ পৰা আগেয়ে অনুমতি নোলোৱাকৈ "সুৰ-নিজৰা"ৰ কোনো গানৰ ৰেকৰ্ডিং নকৰে।

ইতি

বিনীত—

**শ্ৰীলক্ষ্মীনাথ ভট্টাচাৰ্য্য**

প্ৰকাশক।

# সূচী

বিষয়

| বিষয় | | | পৃষ্ঠা |
|---|---|---|---|

| বিষয় | | | পৃষ্ঠা |
|---|---|---|---|

বিষয় পৃষ্ঠা

| বিষয় | | | পৃষ্ঠা |
|---|---|---|---|
| মোৰ সুৰ হেৰুৱালো ঐ | ... | ... | ১২৬ |
| মোৰ বাজো নাবাজোতে | ... | ... | ৭৮ |
| মোৰ গালো হিয়াৰ অন্তগান | ... | ... | ১২৫ |
| মোৰ ঘূমটি ভাঙেহি কাৰ | ... | ... | ৯ |
| মোৰে মইনা কুমলীয়া | ... | ... | ৫৩ |
| ৰামধনু সাজি ল'ই | ... | ... | ৬১ |
| লাজ তুমিয়ে ভাঙিলা | ... | ... | ১১৭ |
| লুইতৰ সিপাৰে বালি চাপৰিতে | ... | ... | ১০১ |
| শঁাত মইনা পৰে হিয়া | ... | ... | ৫২ |
| সান্ধ্য আৰতি দিয়ে | ... | ... | ১০৮ |
| সোণৰ ফুলে কটা কাহি | ... | ... | ৫৪ |
| হাঁহিৰে ভুলাব নোৱাৰ ৰূপহী | ... | ... | ১১১ |
| হেৰ শ্যাম বৰণীয়া | ... | ... | ৪ |
| হে নিঠুৰ দেৱতা মোৰ | ... | ... | ১৮ |
| হেৰ পাষাণ পূজাৰী কিয় তই | ... | ... | ২২ |
| হেৰ নিজান বনৰে বকুল | ... | ... | ৮৪ |
| হৃদয় বীণাটি নাবাজে মোৰ | ... | ... | ৯৯ |

---



নমো নমো দেৱী হে বীণাপানি
মৃদুল মলয়া বসন্ত-ৰাণী ।

শোভে-পদতল
কুসুম কমল
শ্বেত বৰণী হংসবাহিনী ॥

হে বিশ্ব মধুভাষিণী
তুমি, সব শাস্ত্ৰ জননী
তুমি —সঙ্গীত বীণা বাদিনী
হে মধুময়ী আনন্দিনী ।

( সৰস্বতী-একতান )

তুমি আঁকি দিছা মোৰ
মনে-প্ৰাণে, ধ্যানে-জ্ঞানে
চিৰ সুন্দৰ ছবি তোমাৰ।

দেখো, অন্তৰে-বাহিৰে
পৰ্ব্বতে প্ৰান্তৰে
তুমি বিশ্ব-আলোক আধাৰ।

তুমি, মধু-মুৰলীধাৰী
বিজন-বিপিন বিহাৰী
তুমি সুন্দৰ মোৰ হিয়াৰ।

( ইমন-কল্যাণ-দাদ্ৰা )

হেৰ, শ্যাম বৰণীয়া গধূলী বেলিয়া
বজালি মোহন বেণু—
শিৰত যে তোৰ কিৰিটি
মুখত মধুৰ হাঁহিটি
ক'ত চৰাইছিলি ধেনু শ্যাম বৰণীয়া
বজালি মোহন বেণু।

যমুনা আউলী
যমুনা বাউলী
তোৰেই সুৰতে হেনো—
কিয় বেণু বজালি
কিয় ধৰা কপালি
উৰুৱাই কদমৰ ৰেণু শ্যাম বৰণীয়া
বজালি মোহন বেণু।

(ঝুমুৰ)

তই, অ' মন বলিয়া—
হৰিনাম এফাকি গা,
হৰিনাম অমিয়া পি' লৈ বলিয়া
দুহাতে চাপৰি বা।

তই যে অ' মন কোনোবা দেশৰ
এছাতি খন্তেকৰ বা,
কোনোবা দিনা নৈ চলি যে পৰিব
তোৰ আলসুৱা গা।

কালৈ ঘটিলি ধন তই অ'মন
কোনে খাব ভাবি চা—
তোৰ—মৰিলে জগত নাযায় কোনো ঐ
হৰিনাম লৈয়ে যা।

( বনগীত-চৌকাৰী )

# সুর-নিজরা

প্রণামো ব্রহ্ম পরম গুরুজন
তুঁহু বিশ্ব-ব্রহ্মাণ্ড স্রজন—
তারণ-কারণ বিষ্ণু ভগবান্।

সত্য মহেশ
সতী-পতি কৈলাশ
বক্ষে শোভিত কাম ফুলবাণ মদন।

ধ্যানবাসে মগণ
দেবর্ষি নারদ
মধুর-ছন্দ বীণে গায়ত গুণ-গান।

(বৃন্দাবনী-সারং-তেতালা)

কোনেনো বজালে বাঁশী মধুর রাগিণী
চঞ্চল যামিনী কম্পিত ধরণী।

কোনেনো শুনালে আহি
সুর-সুধা রাগিণী
শুনি সরগরে পরা
নামে মন্দাকিনী--
হরষে পরশে নাচে শ্যামল বননি।
( দরবারি কানাড়া-তেতালা )

কালৈ সাঁচিলি ধন তই অ' মন
কালৈ সাঁচিলি ধন,
চকুৰে টোপনি চকুতে নিয়ালি
কিয় হ'লি উচাতন তই অ' মন
কালৈ সাঁচিলি ধন।

তোৰে দুৱাৰত কণা-খোজনীয়া
তোকে বোলে মহাজন
তোত্‌কৈ এজন আছে মহাজন
নিচিনিলি সেইজন তই অ' মন
কালৈ সাঁচিলি ধন।

যেতিয়া আহিব তোৰে ঐ চমন
কোনে খাব তোৰ ধন
মাটিৰে দেহাটি মাটিতে মিলিব
হাড়তে গজিব বন তোৰ অ' মন
কালৈ সাঁচিলি ধন।

( ভাটিয়ালী )



মোর—ঘুমটি ভাঙেহি কার্
রুণু-ঝুনু রুণু-ঝুনু নূপুরে,
হৃদি-নন্দন মুঞ্জরে
গুণ্-গুণ সুরে অলি গুঞ্জরে।

তার—তালে তালে উঠে ফুটি
বিশ্ব-আলোক রূপ-জ্যোতি
তার, সুরে সুরে কত যুগ-যুগান্তরে
অখিল অবনী ঘুরে—
রুণু-ঝুনু নূপুরে।

( মিশ্র-পিলু-কাহার্বা )

পচুলি মুখতে গধূলি অ'ই
কোনেনো বজাই মুৰলী,
শুনা শুনা সখী মুৰলীৰ ধ্বনি
উঠিছে পৰাণ উথলি।

সি, গো-ধেনু সখী লগতে লৈ
আছেহি তোমাৰ পচুলিত ৰৈ
ধূলিৰে ঢাকিলে অ' মোৰ সখাটি
শুৱনি তোমাৰ পচুলি।

দিয়া সখী আনি চৰণত ফুল
নিদিলে হবা ঐ কান্দি বিয়াকুল
তাৰ—শিৰত কিৰিটি মুখত হাঁহিটি
নিতৌ দেখা দিয়ে গধূলি।

( ভীম-পলশ্ৰী-গজল কাহাৰ্বা

কলৈনো ওলালি অ' মন বলিয়া
ভগা তোৰ ডিঙৰা বায়,
তোৰ, লগতে ওলাইছে বুকুৰে বান্ধৈ
কেনেকৈ যাবি বুজাই-
ভগা তোৰ ডিঙৰা বায়।

কোনে তোক মাতে সিপাৰৰ ঘাটতে
বাৰে বাৰে ৰিডিয়াই,
কয়---শুনি যে কান্দিলি বান্ধৈৰে বিননি
দুগালে চকুলো বোৱাই---
ভগা তোৰ ডিঙৰা বায়।

ওই---কলৈ আহিছিল কলৈনো ওলালি
অ' মন বলিয়া কাই,
ইপাৰৰ ঘাটতে বহি তোৰ বান্ধৈয়ে
কান্দিব তোকেনো ধিয়াই--
সিপাৰৰ ঘাটলৈ চাই।

( ভাটিয়ালী )

প্ৰণামো তোমাক শতবাৰ
হে গুৰু, দেৱতা মোৰ
দীক্ষা দিয়া তোমাৰ প্ৰেমৰ
চিৰ-মঙ্গল মধুৰ ।

পঋলিতে মোৰ আগবঢ়াই
থৈছো হিয়াৰ প্ৰদীপ জ্বলাই
কুটীৰত মোৰ উঠক বাজি
তোমাৰ প্ৰেমৰ সুৰ ।

মাগিছো মই ভিক্ষা তোমাৰ
ৰক্ত-কমল চৰণ এবাৰ,
দান লোৱা প্ৰাণ কৰি হিয়াৰ
সকলো ব্যৰ্থ ভাবনা দূৰ ।

---

নুপূজোঁ পাষাণ প্ৰভু, মূৰতি তোমাৰ—
ভাগি য'ক মন্দিৰ, সোণৰ দুৱাৰ ;
( মোৰ ) নিদিও প্ৰদীপ আৰু আৰতি সন্ধ্যাৰ
আলোহীন হক প্ৰভু চিৰ-অন্ধকাৰ

আঁকিম হিয়াত মোৰ মূৰতি তোমাৰ
পিন্ধাম তোমাক ভক্তি অশ্ৰুহাৰ
যাচিম হিয়াৰ যত গন্ধ-সম্ভাৰ,

তুমি আহা হে হৃদয় বীণাৰ—
তুলি তাঁৰে তাঁৰে মধু-ঝঙ্কাৰ।

( মিশ্ৰ-আশোৱাৰী-কাৱালী )

সুৰবিজৰা

কিয়নো তই বজালি বীণে ঐ বৰাগী
কিয়নো তই বজালি বীণ,
জীৱনে তোৰ ঢাকিলে বিষাদে ঐ ডাৱৰে
বিফলেনো নিয়ালি দিন—
বিফলেনো নিয়ালি দিনে ঐ বৰাগী
কিয়নো তই বজালি বীণ।

ৰ'দে বৰষুণে তই তিতিলি-বুৰিলি ঐ
দেহাটিও কৰিলি ক্ষীণ
উজুটিতে ভাঙিলি হাতৰে ঐ লাখুটি
বাটৰো হেৰুৱালি চিন্
বাটৰো হেৰুৱালি চিনে ঐ বৰাগী
কিয়নো তই বজালি বীণ।

( বনগীত কাৱালী )

কোন বলিয়াই বাঁহী বজাই
তুলিলে কি সুৰ,
কৰে মাথো চতুৰালী
কোন সি চতুৰ সখী
তুলিলে কি সুৰ !

বাৰে বাৰে বাঁহী বজাই
কি যে সুমধুৰ,
যমুনা উতলা কৰে
কোন সি নিঠুৰ সখী
তুলিলে কি সুৰ !

কিয়নো তাৰ বাঁহীৰে সুৰ
নপৰে ঐ ওৰ,
বিৰহৰে হিয়াখনি
নপৰিলে জুৰ সখী
তুলিলে কি সুৰ ?

( ভাটিয়ালী )

সুৰ-নিজৰা

নিয়া তুমি পাৰ কৰি হে হৰি মোৰ
নিয়া তুমি পাৰ কৰি,
আহিছিলোঁ লগত যাৰ মই
সিও যে গ'ল এৰি হে হৰি মোৰ
নিয়া তুমি পাৰ কৰি !

ইপাৰৰে মোৰ ভগা পঁজাটি
সিও যে ছাই হ'ল পুৰি,
সাজো লাগিলে এন্ধাৰো আহিলে
নিয়া তুমি পাৰ কৰি হে হৰি মোৰ
নিয়া তুমি পাৰ কৰি !

ইপাৰৰ ভাবনা পেলালোঁ পাহৰি
সিপাৰৰে আশা কৰি
লৈ যোৱা তুমি পাৰ কৰি মোক
বাই ভৱ-তৰী হে হৰি মোৰ
নিয়া তুমি পাৰ কৰি।

( ভাটিয়ালী )

মমতা যদি তোৰ নাই অ' পূজাৰী !
কেনেকৈ পূজিবি দেৱতা তই,
নাই যদি যোৱা চকুলোৰে ভাহি
কিহেৰে যাচিবি অঞ্জলি ঐ !

পাৰ' যদি ব্যথা তই অ' পূজাৰী
পূজাৰ সম্ভাৰ আগত থৈ,
ৰুদ্ধ যদি তোৰ হিয়াৰ দুৱাৰ
কেনেকৈ আহিব দেৱতা ঐ

ভাব যদি তই নকৰো সাধনা
নুপূজো নিঠুৰ দেৱতা ঐ,
তোৰ যে দেহাৰ কোন সি গৰাকী
চাবি ভাবি-গুণি মমতা লৈ ।

( দেশ-একতাল )

হে নিঠুৰ দেৱতা মোৰ
পাৰেনে মনত বকুল বনত
পিন্ধোৱা সেই মালা গাঁথি

তোমাৰ ব্যাকুল বাঁহী শুনি
বৰিছিল মনৰে চালি
বইছিল যমুনা উভতি

হে প্ৰিয় কানু শ্যাম
কেনি গ'লে দেখা পাম
তোমাৰ মোহন মূৰতি
আজিও যমুনা নদী
গায় কত ব্যথা গীতি
মিলন মধুৰ স্মৃতি।

( মিশ্ৰ-বাগেশ্ৰী )

অ' আই মহাকালী !
কিনো যে তই ৰূপ ধৰিলি।

তই, ডাইনী-যখিনী সঙ্গে লৈ
ওলালি আউলী-বাউলী হৈ
হাতে খড়্গ ধৰি নৰমুণ্ড কাটি
কিয়নো আই মালা পিন্ধিলি !

লোক, কত সাধুজনে পূজে ৰাতি দিনে
আৰু কেও নাই বুলি তোৰ বিনে
তোৰ প্ৰাণ-পতি শিৱৰ বুকুত
উলঙ্গিনী হৈ কিয় নাচিলি ?

কিনো দি তোক তুষিম আই
পূজিম ভক্তি-অশ্ৰু বোৱাই
ধৰ, পুণ্যৱতী ৰূপ শিৱ-সতী
আদৰ্শ ৰ'ক জগত জুৰি !

( ৰামপ্ৰসাদী-একতাল )

আহা আজি মোৰ হে শ্যামৰাই
ক'ত আছা তুমি লুকাই,
কদমৰ তলতে আছোঁ বাট চাই
আহা হে বাঁহীটি বজাই।

নিৱেদিছো মোৰ জীৱন-যৌৱন
লোৱাহি চৰণে চপাই
ফুলেৰে সাজিছো ফুল প্ৰেমাসন
থৈছো হিয়াতে সজাই।

তাহানি যে সেই বাঁহীৰ সুৰত
যমুনা বৈছিল উজাই
আজিও মোৰ আহা মনে-প্ৰাণে
মৃদুল বাঁহীটি বজাই।

( ভজন )

## সুৰ-নিজৰা

দুদিন দুনিয়া এৰি থৈ বলিয়া
ওলা বিচাৰি প্ৰেম-দুনিয়া,
আৰু নিপিবি মায়া-মদিৰা
উতলাই তোৰ দিল্ দৰিয়া !

এই যে দুনিয়া দুদিনীয়া
সপোন পুৰীৰ ছাঁয়া-মায়া
যা পেলাই খোজ থৈ তোৰ বলিয়া
পাহৰি এই মায়া দুনিয়া !

তোৰ যে মজাৰ দৰদী-প্ৰিয়া
যাব লাগিব এৰি এতিয়া
তোৰ সুৰতে অ' বলিয়া---
আছে বন্ধা এই মোৰো যে হিয়া !

( গজল কাহাৰ্ৱা )

হেৰ পাষাণ পূজাৰী কিয় তই,
তাৰ নগলে পাষাণ হিয়া
হলি মাথো মতলীয়া

মোহ-মায়া বাসনাৰে মন বান্ধি লৈ !
তোৰ চা দীপ-আৰতি
হিয়াৰ থলিত
জ্বলিছেনে ভকতিৰ
দেৱতা স্মৃতিত,

তই গলাব লাগিব তাৰ পাষাণ হিয়া
এৰি যত বাসনাৰ মোহ-মায়া
তই, কান্দিব লাগিব তাক কন্দুৱাবলৈ !

---

কোনে আঁকে ছবি
চিৰ সুন্দৰৰ,
দিলে মৃদু হাঁহি
দুটি অধৰৰ।

কোনেনো আঁকি
ৰক্ত চৰণ
কৰি মিনতি
চিৰ বৰণ,
দিয়ে ভক্তি-পূজা
প্ৰেম-অন্তৰৰ।

( আড়ানা )

আজি গায় নিয়ঁতীয়ে শুন অ' বলিয়া
তোৰ জীৱনৰে সুৰ—
সেই সুৰে লৈ আহিব তোলৈ
নভগা টোপনি ঘোৰ।

তাই যে নিয়ঁতী নিওঁ নিওঁ সুৰে
মায়াৰ আঁৰে আঁৰে নাচি নাচি ফুৰে
আজি, তাইয়ে ভাঙিব হেৰ বলিয়া
সুখৰ সপোন তোৰ।

( বাগেশ্ৰী-একতাল )

কোনে কি অ' মন দেখুৱালে ভাও
কৰি তোক অ'ই বলিয়া
কিয় কান্দ তই উৰি যাবি গ'ই
অ' মোৰ পৰাণ-পখীয়া !

চাই যা অ' মন আহিছ যেতিয়া
যাব লাগিব বাট দূৰণীয়া
কাহানি হব তোৰ ভৱ-খেলা ওৰ
পৰিব জীৱনৰ যৱনিকা !

তোৰ যে অ' মন বুকুৰে মাদলী
কোনে কাঢ়ি নিলে আছিলে উজ্বলি
কিনো দেখুৱালে কন্দুৱাই তোক
কোন সি বিশ্ব-ভাৱৰীয়া !

( গজল-কাৱালী )

কোনে দেখা দিলি সপোনতে আহি
হিয়াতে বজালি বাঁহী—
কিয় কৰি গ'লি আউলী-বাউলী
মাৰি মিচিকীয়া হাঁহি মোৰ কোনে ঐ
হিয়াতে বজালি বাঁহী।

কোনে চিঙি নিলি হিয়া ফুলনিৰ
অতি হেপাহৰে পাহি,
মোৰে চকুলোত কোন তই বান্ধ
গ'লি তিতি বুৰি ভাহি মোৰ কোনে ঐ
হিয়াতে বজালি বাঁহী।

কোন অচিনে অ' কোন অসীমৰ
( মোৰ ) হিয়াতে বজালি বাঁহী
কোনে সবজিলি গুৱনি ধৰণী
কিনো যে মায়াৰে মুহি মোৰ কোনে ঐ
হিয়াতে বজালি বাঁহী।

( বনগীত-টোকাৰী )

জীৱনৰে কিনো গান গাবি অ' ব'ৰাগী
জীৱনৰে কিনো গান গাবি,
এবেলি যে জনম ঐ এবেলিনো মৰণ ঐ
ভালেকৈনো ভাবিয়ে চাবি,
ভালেকৈনো ভাবিয়ে চাবি অ' বৰাগী
জীৱনৰে কিনো গান গাবি !

গাওতে তই ৰাখিবি গানৰে ঐ প্ৰাণটি
তালতেনো তানটি দিবি
নাই ক'তো থানি ঐ জীৱনে-তৰণী তই
ভালেকৈনো বায়ে যাবি
ভালেকৈনো বায়ে যাবি অ' বৰাগী
জীৱনৰে কিনো গান গাবি !

---

আজি বীণত কি বাজিল সুৰ
হে প্ৰিয়, হে বন্ধু মোৰ,
সিযে, চকলোৰে ক'ত হবগৈ লীন
কোন অসীমৰ সুৰ !

কিয়—নয়নৰ মোৰ দৃষ্টি নাশি
আহিল এন্ধাৰ ঘোৰ,
কোনে চপালেহি ইপাৰত মোৰ
জীৱন সন্ধ্যাৰ ভুৰ !

তুমি ক'ত আছা কোন অসীমৰ
হে অচিন বন্ধু মোৰ
কৰা তোমাতে লয় হে তুমিময়—
নিবা কিমান দূৰ !

( মিশ্ৰ-পূৰবী-একতাল )

ম'উও চুকালে তলিও শুকালে
চুঙাই কি কৰিব পৰাণ জুৰ,
বুকুৰ বান্ধৈয়ে বিনাবনে কান্দি
লৈ তাৰ এধানি সোৱাদ মধুৰ !

গাৰ চালে কাটি নিয়া চোৰে আৰু
পাবনে বিচাৰি কৰিবলৈ চুৰ,
ইপাৰতে আছি চাপিবনে আৰু
মোৰেনো ওমলা জীৱনৰ ভুৰ !

বেলি মাৰে গ'লে সন্ধিয়া আহিলে
তৰা জিলিকিব গগণৰ দূৰ
গীত শেষ হলে সভাও ভাগিলে
থাকিবনে বাজি পৰাণৰ সুৰ !

( বনগীত )

কিয় পৰাণ বীণাৰ তাঁৰে তাঁৰে—
কোন অসীমৰ
অচিন ৰাগিণী
উঠে বাজি মোৰ কিনো সুৰে ?

গালো বা নাগালো গান
পালো বা নাপালো মান
নাই একো ক্ষতি
নাই অভিমান-
গাই যাম কান্দি চকুলোৰে।

( মিশ্ৰ-ৰাগেশ্ৰী-একতাল

ম'ও বৰষা—
অ' মোৰ চেনেহী জননী ভাষা।
নাই কতো এমুৰা

শুৱলা মোৰ সুৰীয়া—
চেনেহী জননী ভাষা।
( মূলতানী-আড়া-ঠেকা )

ক'ত্তেনো এৰি আহিলো থৈ
অ' মোৰ চেনেহী গাওঁখনি ঐ !

অ' মোৰ ধাননি পথাৰ খনি
অ' মোৰ শুৱনি লুইত খনি
ক'তে এৰি সোমালোহি মই
অ' মোৰ চেনেহী গাওঁখনি ঐ !

অ' মোৰ চৰায়ে বনগীত গোৱা
বা-ৰিব্ বসন্ত মলয়া বোৱা
অ' মোৰ দূৰণীৰ পৰ্ব্বতৰ টিং
উঠে তাত হৰিণীৰ সুৰীয়া ৰিং
শুনো হিয়া ভৰি খন্তেক বৈ
অ' মোৰ চেনেহী গাওঁখনি ঐ

অ' মোৰ লখিমী দেশৰে ভাত
অ' মোৰ বান্ধৈৰে সুৱদি মাত
অ' মোৰ গাঁৱৰে নীৰলা বাট
জুৰ লৈ গছৰে শীতলী ছাঁত
কাহানিনো দেখা পাম গৈ—
অ' মোৰ চেনেহী গাওঁখনি ঐ !

( বনগীত )

৮ডা
৩৮

—৩৩—

কিহেৰে পূজিম আজি
হে বিশ্ব-আগমনী !
দিয়া দেৱী—দিয়া মুক্তি
হে মুক্তদায়িনী !

কিহেৰে নিৱেদোঁ আই
সন্তান যে দীনহীন,
আছোঁ বন্ধা শিকলিৰে
হই চিৰ পৰাধীন—
দিয়া মুক্তি, ধৰা মূৰ্ত্তি
অসুৰ-নাশিনী !

( ইমন-তেতালা )

পৰক আপোন কৰি দিলি চকু এৰি
কৰি আ:পোনকে পৰ,
দিলি মাজ-মজিয়াত বৰে পীৰা পাৰি
এৰি চেনেহৰে ঘৰ—
কৰি আপোনকে পৰ।

ৰণে দেখি শৰণ লৈ অ' শতুৰুৰ
লুকায়ে দিলিগৈ ভৰ,
লুকায়ে থাকিলি ৰণো নাজানিলি
ল'ই জনমে নৰৰ—
কৰি আপোনকে পৰ।

ঘৰো হেৰুৱালি বেশো হেৰুৱালি
হ'লি শ্ৰীচেৰেলা মৰ,
নাই যে থাকিব ঠাই দে তত্ হেৰুৱাই
হাবিৰে মাজলৈ ল'ৰ—
হাবিতো দেখিবি পৰ।

( বনগীত-টোকাৰী )

আজি, আকাশে বতাহে গাইছে উলাহে
"জয়া"ৰে কাহিনী অ'ই—
গাও আহা সবে উচ্চ কণ্ঠে
জয় সতীৰেই জয়।

লোৱা লোৱা আই হে মহাসতী
যাচিছোঁ অঞ্জলি হিয়াৰ ভকতি
আজি, তোমাৰে কিৰিতি তোমাৰে মূৰতি
পূজিম হিয়াত ল'ই।

দেখুৱালা তযু পতি-পৰায়ণা
আদৰ্শ সতীৰ কঠোৰ সাধনা
আই, তোমাৰ মহান অক্ষয় কিৰিতি
আছে যুগমীয়া হ'ই।

( খাম্বাজ দাদৰা )

ডিঙি-কাণ তোৰ শুদা কৰি আই,
নিলে কোনে সোলোকাই,
তোৰে বৰে ঘৰত বৰে দাবি দি
কোনে কাঁহী ভৰি খায়।

নিশাৰ কোলাত থাকোঁতে শুই
কোনেনো লগালে পথাৰত জুই
(আজি) আছে উদং হৈ সোণালী ভঁৰাল
নাই যে লখিমী আই।

তোৰে পো-জীক কোনেনো আই
ৰাখে দিনে-ৰাতি বন্ধা বনে বায়,
( আই ) তোৰে বিননিত পৰ্ব্বত-ভৈয়ামে
কান্দে হিয়া ভুকুৱাই।

( ভৈৰবী-একতাল )

আই, তোৰ পূজালৈ ৰাখিছোঁ হিয়া
কৰি শোণিতেৰে পূৰ,
লাগে যদি আৰু জীৱন আহুতি
দিম হাঁহি মুখে মোৰ।
নহও পূজাৰী পূজা সাজ পিন্ধি
নাজানিলে মন্ত্ৰ তোৰ
নিনিয়াও বৃথা মন্দিৰ মজিয়া
কান্দি চকুলোৰে বুৰ।

নাগাও তোমাৰ সপোন সখীটি
মধু-মিলনৰ সুৰ,
নহলে আইৰ পূজা আগ ভাগ
নলও হিয়ালৈ মোৰ।

( দেশ-খাম্বাজ )

দেশৰো লখিমী ঘৰৰো লখিমী
কোনে কয় "লক্ষ্মী" নাই
ভাষা ভঁৰালতে চাবি অ' এবেলি
পাবি হাঁহি থকা চায়।

ধৰ্ম্মৰ থানতে ভাওনা সবাহে
নানা গীতে ৰাগে গাই,
সমাজৰে পৰা বৰে মানে পালে
সৰাকো চেৰে পেলাই।

ভাষা-ভঁৰালতে থৈ গ'ল ভৰায়ে
অমিয়া ৰসে বোৱাই,
কদমৰ ডালতে "বাঁহী"টি বজালে
হিয়া যমুনা ঢোৱাই।

চাই লৈ "অ' মোৰ আপোনাৰ দেশ"
দুটি নয়নে জপাই—
গ'ল গৈ পূজাৰী, ভাষা সেৱা কৰি
সৰগৰ বাৰ্ত্তা পায়।

( শোক সঙ্গীত )

হিত্য সম্রাট শ্রীযুক্ত লক্ষ্মীনাথ বেজবৰুৱা দেৱৰ স্বৰ্গ-প্ৰাপ্তিত )

কোন শৰতৰ জোনালী
পূৰ্ণিমাৰ নিশা,
জনমিলা তুমি "জননী-বঙ্গ"ৰ
উজ্জলাই দিশা।

তোমাৰ বিয়োগ বাৰ্ত্তা শুনি
একে বাই-ভনী "অসম-জননী"
শোকত দহিছে হিয়াখনি
তোমাৰ মাতৃৰ যি ব্যথা।

নাট-কলা আদি দিলা মহাদান
গাব ভায়ে ভায়ে তাৰে যশ-গান
লোৱা লোৱা তুমি হে মহান
যাচিছো ভকতি ভাষা।

(শোক সঙ্গীত)

(বঙ্গ নাটকলাদি সাহিত্য সেৱী শ্ৰীযুক্ত শৰৎ চট্টোপাধ্যায় দেৱৰ স্বৰ্গ-প্ৰাপ্তিত)

অ' মোৰ কাইটি, অ' মোৰ ভাইটি কেনেকৈ যাবি অ' জীণ
একতা বান্ধতে মুখ দেখুৱাবি আহিব আগৰে দিন—
কেনেকৈ যাবি অ' জীণ··· ··· ··· ···?

বাজিব বাজিব অতীত গৌৰৱ অতীতৰে স্মৃতি-বীণ
পৰক লায়ে দি বাট নেদেখাবি নহবি চেৰেলা ক্ষীণ—
কেনেকৈ যাবি অ' জীণ··· ··· ··· ···।

ক'লৈনো পলাল আমাৰে মানুহ লগাই কাৰ এনে ম্লাণ
হ'ল কোন আহি দেশৰে গৰাকী দেখি জনে-প্ৰাণী হীন—
কেনেকৈ যাবি অ' জীণ ··· ··· ···।

মৰিব আহিছ মৰিব লাগিব "আই"ৰ থৈ যাবি কি চিন
নথলে ধৰ্ম্মৰ সত্য-পৰিচয় জগতে কৰিব ঘিণ—
কেনেকৈ যাবি অ' জীণ··· ··· ···

( বনগীত টোকাৰী )

অ' আই, বেলিয়ে কৰি হাত যোৰ-
তোৰে পূব শিতানত শলিতা লগাই
পছিমত লয় গৈ জুৰ।

প্ৰকৃতিয়ে দিয়ে খোপাতে পিন্ধাই
ফুল শ্যামলী বুকুৰ,
মলয়াই বিচে উত্তৰে দক্ষিণে
সুশীতল বা মধুৰ।

সন্ধিয়াই পূজে তবা দীপ জ্বালি
তুলি আৰতিৰ সুৰ—
তটিনীৰ বুকুত নাচে জোনবাই
ৰঙতে হ'ই বিভোৰ।

নালাগে পেলাব অ' আই লখিমী
চৰণ ধ্বনি নূপুৰ—
ধুই চকুলোৰে থাকোঁ সেৱা কৰি
তুলি লৈ শিৰত মোৰ।

---

বা হেৰ বলিয়া
বৈ বৈ পেঁপাটি বা,
তোৰেনো লগৰী নেপাইছে আহৰি
নাচে ভাঙি ভাঙি গা ।

উজনী নামনিৰ গাত ঐ লাগিছে
বহাগী বিহুৰে বা—
বুঢ়া লুইতৰো উঠে ডেকাধ্বনি
ৰঙতে নাচিছে চা ।

সিপাৰে জিলিকে নাৰায়ণ শিমলু
এধানি স্থশীতল ছাঁ,
নাচোতে বাগোতে লাহতী গাভৰুৰ
ৰ'দত ঘামে জামে গা ।

( টোকাৰী )

শিৱসাগৰ
১৯২৮ ।

### দুখ-নিজৰা

কোন সেই ৰূপহীৰ ঘাট অ' মইনা
কোন সেই ৰূপহীৰ ঘাট,
হাঁহি হাঁহি তাই ৰূপকে চাই চাই
নিতৌ গা পখালে তাত অ' মইনা
কোন সেই ৰূপহীৰ ঘাট।

তাত নিতৌ পহু চৰি থাকে অ' মইনা
খায় কুমলীয়া পাত—
পাতে মইনা কুমলীয়া ( ২ বাৰ )
খায় কুমলীয়া পাত,
কিনো সুৰে ধৰি চৰাই চিৰিকটি
মাতে বিনন্দীয়া মাত অ' মইনা
কোন সেই ৰূপহীৰ ঘাট।
তাই উটুৱায়ে দিয়ে দীঘল চুলি টাৰি
বুলায়ে লাৱণী হাত
হাতে মইনা লাৱণী ( ২ বাৰ )
বুলায়ে লাৱণী হাত,
সাঁতুৰি থাকোঁতে অজলা কোঁৱৰৰ
মেৰিয়াই ধৰিলে গাত অ' মইনা
কোন সেই ৰূপহীৰ ঘাট।

( দুগাৰবী )

নগাঁও }
১৯৩২ }

ফুলে মইনা কেতেকী টগৰে মালতী
গোন্ধতে মলে মলাই,
মনৰে পখিলী ৰঙতে উমলি
নাচি নাচি উৰি যায়।

আমৰে ডালতে মলৰে গোন্ধতে
কুলিটিয়ে কিনো গায়,
সি—দূৰ সুদূৰৰ মৰমৰে বাণী
মনতে পেলাই দি যায়।

কিয়নো বলিয়া ব'দত ঘামি জামি
নাচি নাচি বীণে বায়,
তাক—সপোনৰ সঁফুৰা হেপাহৰে কিবা
লাগে হিয়া উদঙায়।

( ঝুমুৰ )

পৰ্ব্বতৰ আজলী হৰিণী ঐ—
নাহিবি নামি তই দেখি সেউজীয়া
ভৈয়ামৰ পথাৰলৈ !

নাহিবি নাহিবি তই
তোৰ, হিয়া জুৰণীয়া অ'ই—
থৈছে ব্যাধে জালতে বন্দীকৈ
নাহিবি চাই তই কান্দিবলৈ

আহিলে সন্ধিয়া ঘোৰ
মনত কি লাগিব তোৰ
তই—পৰ্ব্বতৰে হিয়া ভাঙি থৈ আজলী
দিহিঙে দিপাঙে বিনাবি গৈ।

(মিশ্র দুৰ্গাবৰী)

চিলং }
১৯৩১ }

তই, ক'তে শিকিলি হেৰ' বলিয়া
কিনো বিৰহৰে গীত,
বুকুৰে বীণাতে মোৰ
উঠে কি ব্যথাৰে সুৰ
তোৰে অ'ই ৰাগিণীত।

তোক কোনেনো পিয়ালে লৈ
ৰূপৰে ফটিকা ঐ
তই মাটিতে বাগৰি
পৰিলি ভাগৰি
তাৰেনো অ'ই ৰাগীত।

কোন নিজানতে তই
থাকোঁতে উমলি অ'ই
তোক—কোনে দিলে হিয়া
হেৰ বলিয়া—
পালি বা নাপালি চিত।

( মিশ্ৰ-বসন্ত )

পৰ্ব্বতৰ বুকুতে অ'—
কেলৈ ফুলিলি
মোৰে মন মুহিলি
থোপাকৈ পাতৰে
ফুল নাহৰৰে
ওখকৈ গছৰে ঐ !

গোন্ধে ফুল নাহৰৰ অ'
কেলৈ আনিলি
বতাহী বাউলী
মোৰে মন অলিয়া
মোৰে মন বলিয়া
কৰি কন্দুৱাবলৈ ।

তাতে বনৰজা অ'
কেলৈ বাঁহে ল'লি
আঁতৰি নগলি
ভৈয়ামৰ ওপজা
মোৰেনো কলিজা
কামুৰি খাবলৈ তই !

—৪৭—

পৰ্ব্বতৰ জুৰিটি আহিছে বাগৰি
থমকি থমকি বৈ
মনৰে কথাটি কৈ থৈ আহিছে
শিলনি বুকুতে ঐ !

ভৈয়ামৰ লুইতে সাদৰি মাতিলে,
"আহা মোৰ জুৰিটি ঐ—
যাওঁ মিলি জুলি ৰঙতে উমলি
সুখ সাগৰলৈ বৈ !"

সিপাৰৰ বুকুত উঠৈগৈ ইপাৰৰ
বিৰহৰ বিননি ঐ—
মাৰ গ'ল বেলিটি পছিমৰ বুকুত
ৰঙাকৈ জেউতি থৈ ।

ৰতাহে সাৰি দি যায় অ' মইনা
    কোঁৱৰৰ ওমলা বাট,
ৰ'দৰ জিলিঙনি থাকে জিলেমিলাই
    ৰূপহী কুঁৱৰীৰ গাত।

কোনে কি বুলিলে ৰূপহ কোঁৱৰক
    কৰিব নোৱাৰি শাঁত,
চাংমাই শালতে মোলান পৰি যায়
    ৰূপহী কাঁহীৰে ভাত।

উৰে জাকি মাৰি ৰচকি পখিলী
    ৰিব্ ৰিব্ সুৰভি বা-ত,
ওলোৱা এবেলি অ' মোৰ মইনা
    উমলি আহো গৈ তাত।

( দুৰ্গাবৰী )

## বৰ-নিজৰা

শাঁত মইনা পৰে হয়িা
বিবি বিবি সুৰভি বা-ত,
পাত মইনা নাচে অ'ই
বিছুৰেনো বিৰিণাৰ পাত

ঘাট মইনা লুইতৰ
ৰূপহীনো বালিৰে ঘাট,
গাত মইনা ঢ'উৰ ঐ
ৰঙৰেনো সীমা নাই গাত

মাত মইনা মিঠা মিঠা
বিহুৱতী চৰাইৰে মাত
বাট মইনা গাভৰুৰ
গোন্ধৰেনো সঁফুৰাৰ বাট।

ছাঁত মইনা বলিয়াৰ
নপৰেনো হিয়া শাঁত,
গাত কিয় ঘনে পতি
জ্বলা জুই জ্বলে ঐ গাত।

---

সুৰ-নিজৰা

মোৰে মইনা কুমলীয়া ফুল
মোৰে মইনা কুমলীয়া
কোনেনো ফুল কন্দুৱাই
কোনেনো ফুল বান্ধি কিলাই
কাৰেনো ঐ জগৰীয়া ?

মোৰে মইনা ঘিলা খেলি
থাকে বাটত উমলি
কোনে মাৰ' চকুত ধূলি—
নেজান ৰাজ কোঁৱৰ বুলি
কোন হেব লগৰীয়া ?

মোৰে মইনা ফুল কোঁৱৰ
ধাই মাকৰ আদৰৰ
বান্দীয়েনো পানী আনি
গা ধুৱাই তেল সানি
পিন্ধাই দিয়ে চুৰিয়া !

( ধাইনাম )

সোণৰ ফুলে কটা কাঁহী অ' মইনা
    ৰূপৰ ফুলে কটা বাতি
তাতেনো কোঁৱৰে খায় ভাতে মাছে
    নিতৌ ৰোহে-ঠেহে পাতি ( অ' মইনা ) ।

কি ফুল ফুলিলে কোঁৱৰৰ ফুলনিত
    গোন্ধে মলেমলাই ৰাতি—
লৈ যায় কোঁৱৰক ফুল-কুঁৱৰীয়ে
    হাঁহি-হাঁহি তালৈ মাতি (অ' মইনা) ।

কোঁৱৰৰ শুকুলা হাতী অ' মইনা
    উঠি ফুৰে দিনে ৰাতি—
দূৰতে দেখিলে আঁতৰি পলাবা
    নিব কাণে মূৰে কাটি ( অ' মইনা ) ।

(ধাইনাম)

ক'তে হেৰুৱালোঁ তোক সোণৰ-সোলেং ঐ—
অ' মোৰ সোণৰ-সোলেং ঐ,
ডিঙিতে তোক নাপালোঁ
কাণতে তোক নাপালোঁ
পিন্ধিবলৈ মই—
অ' মোৰ সোণৰ সোলেং ঐ !

তোকেনো মই ক'তে পাওঁ
বতাহতে উৰি যাওঁ
ক'তেনো তই জিলিকি
পৰি আছ গ'ই—
অ' মোৰ সোণৰ সোলেং ঐ !

ক'তেনো তোক পামে মই
সোণৰে মোৰ সোলেং ঐ
মোকেনো তই ইঁহুৱাই
মোকেনো তই কন্দুৱাই
ক'লৈ গ'লি থ'ই—
অ' মোৰ সোণৰ সোলেং ঐ !*

( মিশ্র দুৰ্গাবৰী )

* উত্তৰ লক্ষীমপুৰৰ এটি মিৰি ডেকাই গোৱা বিহু নামৰ সুৰত।

## সুৰ-নিজৰা

কুলু কুলু কুলু তোৰ সুৰ নিজৰা
কি যে অ'ই সুমধুৰ,—
অ' ভৈয়ামৰে ন'ই
নহবি বলিয়া তই
তোৰ, নিজৰা নিজৰি
আহিব বাগৰি
কৰিব হিয়া ঐ জুৰ

তই, নাথাকিবি চাই—
হেৰ লাজুকী জোনাই
লাগে যদি ভাল তোৰ
কুলু কুলু মিঠা সুৰ
সুৰৰ সুৰতে
নিজৰাৰ বুকুতে
তয়ো উটি বুৰি ফুৰ্ ! *

* ছিন দেশৰ এজনী গাভৰুৰ সুললিত কণ্ঠৰ ৰেডিঅত অহা এটি গীতৰ সুৰত।

কিয় নীৰৱ হিয়াৰ—
মোৰ নীৰৱ হিয়াৰ
বিচাৰি আহে কোন বীণ জোকাৰি
প্ৰেমৰ সম্ভাৰ !

কিয়নো আহিলা তুমি
অতিথি পুৰাৰ
মোৰ, ছিগিছে বীণৰ তাঁৰ
বাজোতে এবাৰ—
কিনো দি তুষিম, চকুলো টুপি
নিয়া উপহাৰ !

( মিশ্ৰ-বেহাগ-কাহাৰ্ৱা )

 

থাকে, আজলী তাইৰ বিজুলী
চকুত উমলি,
হাঁহে, মিচিকি মধুৰ কাৰ
বাসনা তুলি।

কাৰ হিয়া সাগৰত তাই
ৰূপৰ ঐ ঢৌ তুলি যায়,
চিকিমিকি জিকিমিকি
(তাইৰ) খোপাৰে চুলি।

কিনো যে তাইৰ যাহু জানে
আজলী সেই ছুটি নয়নে
কাৰ, বন্দী হ'ল মন-অলি তাই
নিদিলে মুকলি!

( গজল-কাৱালী )

কিয় আক'উ আহিলে কুলি
আক'উ শুনালে পঞ্চম ৰাগিনী
ললিত লহৰী তুলি।

আক'উ সৰালে আমৰ-মল
গোন্ধেৰে মলাই গছৰ তল
ঘুমটি ভাঙিলে ফুল-কুৱৰীৰ
আহি পৰাণৰ অলি।

কিয়—সোঁৱৰাই দিলে স্মৃতি
সি যে অতীত-মধুৰ গীতি
নাবাজিলে আৰু বীণ-সুমধুৰ
বাজি মাথোন এবেলি।

( খাম্বাজ-দাদ্ৰা )

ৰামধনু সাজি ল'ই আকাশী জীয়ৰী তই
ৰূপৰ বাণেৰে কিয় মাৰ বিজুলী,
সোণৰ সঁফুৰা কলি কিয় তই দেখুৱালি
( তোৰ ) আঁচলতে তৰা ফুল থাকে উমলি

আকাশৰ নিজৰাত হাঁহি হাঁহি মুখ চাই
কপালত কিয় তই ফোট পিন্ধিলি—
মূৰৰ খোপাটি খুলি চিকিমিকি চুলি মেলি
গুপুট বাসনা কাৰ জগালি চুলি !

কিনো ভঙ্গীমাৰে তই ৰূপৰ গৰিমা ল'ই
আকাশত ইন্দ্ৰজাল কিয় পাতিলি—
তেনুৱা ৰূপকে ল'ই নীৰৱ ভাষাৰে অ'ই
নাচি যা হিয়াত মোৰ আহি এবেলি !

( গজল-কাৱালী )

আহো বুলি সখা কিয়নো নাহিলা
আছিলোঁ পছুলি মুখলৈ চাই—
পিন্ধাম বুলি মই গাঁথিছিলোঁ মালা
শাতে মৰহী গ'ল শুকাই।

তুমি মোৰ হৃদয়-
আকাশী তৰা
তুমি অবিহনে
এন্ধাৰ ধৰা—
বতাহৰ আগন্তে বাতৰি পঠাবা
য'তে থাকা মোৰ সাদৰি সোণাই

( মিশ্র-খাম্বাজ )

তুমি, কোন বসন্তৰ প্ৰথম পুৱা—
বলিছিল ধীৰে দখিণ মলয়া
গাইছিলে গান পিয়া পাপিয়া,
যাচিছিলা আহি জীৱন-অমিয়া
অ' মোৰ কোন জনমৰে সখীয়া !

দেখিছিলোঁ জিলিমিলি দুগালে তোমাৰ
গোলাপী সৌন্দৰ্য্য ৰাণী জেউতি উষাৰ
কিনো লয়লাসে মোৰ মৰু হিয়াৰ
ফুলিছিলা ফুল তুমি মধু বাসনাৰ—

বিয়পাই তাৰ গন্ধ সুধাৰ
কৰিছিলা প্ৰাণ মতলীয়া
অজানিতে নিলে কোনে সেই
চিডি ফুল আলসুৱা !

( মিশ্ৰ সুৰ দাদৰা )

আহে সপোন পুৰীৰ ৰাজ কুমাৰী
জোনৰ কিৰণ ঢালি,
থাকে মলয়া তাইৰ আঁচলত
ৰঙতে উমলি !

তাইৰ ৰূপৰ কিৰণ লিমিলিজি
ৰূপ দীপালী—
লৈ যায় পৰাণক মোৰ হাত বুলাই
হিয়াৰ দুৱাৰ মেলি ।

( গজল কাহাৰ্ব্বা )

আজি বসন্ত ধৰাৰ-দুৱাৰ মেলি
আহিলে আহিলে আহিলে
বীণ-বৰাগী তোৰ বীণত ঐ কি সুৰ
বাজিলে বাজিলে বাজিলে।

বিহগীৰ মধু গানে
কি সুধা প্ৰাণে প্ৰাণে
ঢালিলে ঢালিলে ঢালিলে—
ফুলে ফুলে সমীৰনে
হাঁহি হাঁহি ৰং মনে
নাচিলে নাচিলে নাচিলে।

মদনৰ ফুল-বাণে
হিয়াত ঐ ঘনে ঘনে
হানিলে হানিলে হানিলে—
সপোনত দেখা দি
সপোনৰ সখাটি
( কিয় ) নাহিলে নাহিলে নাহিলে

( বেহাগ-খাম্বাজ )

—৬৫—

ক'ৰেনো তই মালিনী ঐ
চিঙিলি মোৰ ফুলনিৰ ফুল
মাতি নিলি মন-মৃগ মোৰ
কৰি কিয় বিয়াকুল !

অ' মালিনী কাকনো তই
মালা গাঁথি পিন্ধাবি অ'ই
প্ৰতিদান দিলি কি মোক
সেই যে মোৰ ফুলনিৰ ফুল !

কিয়নো তই আহিছিলি
অ' মালিনী ফুল চুৰুণী
কিয়নো মোৰ ফুলনিত
লগাই গ'লি কি অগণি—
পুৰি যে তই কৰিলি ছাই
মোৰ ফুলনিৰ ভোমোৰা ফুল !

( দেশ-খাম্বাজ )

কোন ৰাংধালী তাই ৰূপহী ঐ হাঁহি হাঁহি যায়—
সি, কোন বলিয়া সপোনপুৰীৰ ছবি আঁকে হায় !

তাই কোন ব্যথিতৰ বুকুৰ মাজৰ ব্যথা উতলায়,
তাইৰ দুগালে দিয়ে ঐ ৰ'দে জেউতি চ'ৰায় ।

কাৰ বনত থাকে মন-মৃগ তধা লাগি চায়,
কিয় ৰূপহী গাৰ বা বলাই তাই মাতি লৈ যায়;

তই অ' বলিয়া বহি থাক অ' বীণধনি বায়—
এই বাটেদি হাঁহি হাঁহি তাই আহিব দুনাই !

( গজল-কাৱালী )

বুঢ়া হলোঁ দুনিয়াত মই
সুবুজিলোঁ প্ৰেমৰ মোল,
সুবুজিলোঁ গুল-বাগিচাত
ভৰিত কিয় সোমাই হুল

সুবুজিলোঁ পিয়াৰীয়ে
দিল কিয় কৰে মচ্‌গুল—
সুবুজিলোঁ দিল্ যে মোৰেই
দিল-পিয়াৰীৰ ময়ে বুলবুল।

( গজল-কাৱালী )

বলিয়া কৰি দিলি ঐ ফাগুনী
ৰূপৰে হাটৰ বাতৰি আনি—
কিয় আহিলি বলিয়া বৰাগী
জুৰি দে বীণত প্ৰেমৰে ৰাগিণী

তই—পিন্ধি ল' আজি ফুলৰে মালা
গুচিব হিয়াৰ সকলো জ্বালা
বা অ' বীণত প্ৰেমৰে ৰাগিণী
নালাগে শুনাব ব্যথাৰ বিননি

আছে নে লগত তোৰ অ' বৰাগী
পুলক জগা সেই মদিৰা ৰাগী
পি' ল' আজি ৰূপৰ হাটলৈ
প্ৰেমৰে দোলাত দি যাওঁ দোলনি

( গজল-কাহাৰ্বা )

জাগে মধু উল্লাস চিত্ত উদাস
বাজে মধু মূৰলী কাৰ
দোলে মন-বন হিন্দোল-দোল
ফুলে কলি কুসুম কবি-কল্পনাৰ !

উচ্ছল, চঞ্চল
ব্ৰজকুল কামিনী
বাজে ৰিণি-জিনি
কঙ্কণ কিঙ্কিনী—

নাচে তৰঙ্গিণী
প্ৰেম উন্মাদিনী
তোলে কল্লোল হিল্লোল
ৰোল যমুনাৰ—
ৰাগে, হৃদয় ৰঞ্জিত
মধু-বাসনাৰ ।

( ভজন )

দেখিছিলোঁ তোমাক সখীয়া
মধু বসন্তৰ দুপৰীয়া,
পানী লৈ আহোতে পথাৰৰ বাটে
ৰ'দত ঘমা দুগাল হেঙুলীয়া !

কপালৰ আগতে আছিলে দুলি
সৰুকৈ দুডালি কেকুৰি চুলি
ছল চাই পৰনে উৰুৱাই দিয়া
বুকুৰ কাচলি সেই লাজুকীয়া

আছিলে আমৰ ডালতে কুলিটি
সোঁৱৰাই তোলা অতীতৰ স্মৃতি
যুৰত সৰি যোৱা আমৰ মলে
গোন্ধত কৰা পৰাণ মতলীয়া !

বলিয়া, তোৰ বীণখনি বা—
উঠক সুৰে সুৰে নাচি গা ॥

থ'ই যা বলিয়া
সুৰৰে অমিয়া
বাই যা বীণ অ' হিয়া ভগা ॥

( ভীমপলশ্ৰী-তেতালা )

আজি বসন্ত-অতিথি সখী
আছেহি তোমাৰ দুৱাৰত বৈ,
দিয়া সাদৰেৰে আনি প্রেমাসন
দুহাতে ৰূপৰ-সম্ভাৰ ল'ই—
আছেহি তোমাৰ দুৱাৰত বৈ।

ফুলে ফুলে দিলে পৱনে দোল
আকাশে বোলালে গোলাপী বোল
আহে প্রজাপতি নাচি-বাগি আজি
মধু-মিলনৰ বাতৰি ল'ই—
আছেহি তোমাৰ দুৱাৰত বৈ।

ৰূপ-কুঁৱৰীয়ে ৰূপৰ পোহাৰ
মেলি দিলে আহি বিশ্ব শোভাৰ
বীণত বজালে বীণ বৰাগীয়ে
কপটী-প্রিয়াৰ গীতটি অ'ই—
আছেহি তোমাৰ দুৱাৰত বৈ।

( গজল-ভীমপলশ্রী )

দেখি তোৰ ৰূপ-মদিৰা হ'ল যে সখী ছুনিয়া দোছমান,
কাৰনো ঐ মৰু-চাহাৰাৰ তপত হিয়া কৰিলি হাইৰাণ !

গাইছে গুল-বাগিচাত দিল বুল্‌বুল্‌ কাৰ তোৰ ৰূপৰে গান্‌
সখী ঐ নবধিবি, নাহানিবি তোৰ ৰূপৰে বাণ্‌ ।

যেতিয়া, ভাঙিব তোৰ দোছমান আহি ৰূপৰ অভিমান
তেতিয়া, কান্দিবি তই ক'লৈ গ'লি অ' মোৰ বেইমান !

গুচি যা অ' মুছাফিৰ মাৰিব তোক সেই ৰূপৰে বাণ্‌
বিন্ধিব বুকুত লাগি লাল কৰি তোৰ বধিব পৰাণ্‌ !

(গজল-কাৱালী)

কোনে বজাই ব্যথাৰ বীণ
বুকুৰে মাজত সাৰটি ল'ই—
কোনে বুলিলে, ৰিৰহী বন্ধু
শুনি যে ব্যথা পাবি অ' তই ?

কোনেনো তোমাক দিলে ঐ ব্যথা
কাৰে পাতিছিলা হেপাহৰে কথা
কোন শৰতৰ জোনালী নিশা
হেৰুৱালোঁ বন্ধু তোমাক মই !

নহয় যে তোমাৰ বিৰহী প্ৰিয়া
কান্দিছে কান্দক ভাগি য'ক হিয়া
অ' মোৰ অচিন সুদূৰ বন্ধু
নালাগে তোমাৰ দিব পৰিচয় !

( ভীমপলশ্ৰী-গজল )

কুলি মাত কিয় বাৰে বাৰে—
কিয়—কৰিলি বাউলী
( তোৰ ) সুৰদি গীতৰ সুৰে।

তই যা গৈ উৰি
যা গৈ আঁতৰি
স্মৃতি নজগাবি
অতীত মাধুৰী—

তই, নিদিব নিঠুৰৰ
আঁকি ছবি চকুলোৰে।

( মিশ্ৰ-বেহাগ )

 

বুলালি—কোনেনো ঐ বীণৰে তাঁৰত
চম্পাৰ আঙুলি,
যদি তই, বুলালি, ঐ ব্যথাৰে সুৰ
কেলৈ তুলিলি।

মলয়া—কোন সাগৰৰ পাৰতে তই
থাক' উমলি,
সুৰভি, কোন নন্দনৰ বা তোৰ বিব্ বিব্
কেলৈ বলালি।

লাজুকী—অ' জোনেবাই মেঘৰ আঁৰত
কেলৈ লুকালি,
ৰূপালী, জেউতি তোৰ অ' মিচিকি হাঁহি
কাকনো বিলালি।

( গজল-কাৱালী )

মোৰ, বাজো নাবাজোতে
নজনা সুৰতে
কোনেনো আজুৰি
চিঙিলি বীণৰে তাঁৰ !

মোৰ, ফুলো নুফুলোতে
মৰহী শুকালে
চম্পাৰ কলিটি
কঠিন পৰশে কাৰ !

মোৰ, কোনে দিয়ে গ'লি আঘাত অ'
হিয়াৰে মাজৰ কলিজাত অ'—
মোৰ, কান্দো নাকান্দোতে
কিয় হুচকুতে
কোনেনো শোকৰে
বোৱালি লুইতৰ ধাৰ !

( ইংৰাজী-সুৰ )

কোন অতীতৰ স্মৃতি মোৰ জাগেহি প্ৰাণত—
সেই যে লাজুকী প্ৰীয়া
প্ৰতিদান হিয়া দিয়া
কোন সি বিজন গুহাৰ মাজত।

কোন সেই হৰিণী মনোহাৰিণী
কিনো যে চাৱনী মৃদু নয়নী
আছিলে কি ভাবি নীৰৱে থিয়াই
সেই জুৰিটিৰ নিজান পাৰত !

কোন সি বসন্তৰ মৃদু সমীৰন
বলিছিল ধীৰে শীতলাই মন
মোৰ, কেনি গল সুৰ উটি ভাহি
কোন সি মিলন মধুৰ গানত !

---

সুৰ-নিজৰা

অ' কেতেকী উৰি উৰি তই
কাকনো মাতি ফুৰ ৰিঙিয়াই
এনে কি কাৰ পৰশ পালি
কান্দ যে তই হিয়া ভুকুৱাই।

কি ছবি আঁকিলি কোন নিজানত
তাৰে স্মৃতি লৈ ফুৰ বিমানত
কোনেনো তোক অ' কেতেকী
আহোঁ বুলি থৈ গ'ল নিচুকায়।

অ' বিহগী বিৰহী কেতেকী
কাকনো মাত' বৈ বৈ থাকি
কিয় দিলি মোক দূৰ-সুদূৰৰ
সেই নিঠুৰৰ স্মৃতি সোঁৱৰাই।

( গজল )

পৰাণে হিয়াৰ নিদিয়ে দুৱাৰ
মেলি বিদায়ৰ বেলি,
দিয়ে কত যাচি, হিয়াভৰা প্ৰীতি
স্মৃতি চেনেহ বুলি
গীতি বিৰহ তুলি।

দিয়ে চকুলোৰে গাঁথি
মুকুতাৰ হাৰ
সি যে কিনো বেদনাৰ
স্মৃতি উপহাৰ—

দিয়ে গানে গানে
আজি প্ৰাণে প্ৰাণে

বিৰহে বিষাদ ঢালি।

( বিদায়-সঙ্গীত )

ঘামি-জামি সূৰুযে গোলাপী বোলেৰে
দি গ'ল চুমাটি নীল তটিনিক
ছুগালে ৰাঙে চ'ৰায় !

জুৰকৈ বলিলে সান্ধ্য-সমীৰন
লাজুকী সখীয়া ভাবতে মগণ
আহিবা ঐ সন্ধিয়া
চিকুণে কলীয়া
মোহন মূৰলী বজাই।

( তিলক-কামোদ )

মুলুকাবি মেঘৰ আঁৰত
শাৰদী জোনাই
আহিব মোৰ দূৰ প্ৰৱাসৰ
সাদৰি সোণাই।

শাৰদী যামিনী তই
নুপুৱাবি আজি অ'ই—
পৰাণ ভৰা পিপাসা মোৰ
পলোৱা যে নাই।

( বেহাগ )

হেৰ নিজান বনৰে বকুল—
ফুলিছিলি তই
গন্ধ বিয়পাই
পৰাণ কৰি আকুল।

তোৰে এছাতি সুৰভি বা
কৰিছিলে শাঁত গা
ডুবৰি বনৰে বুতলি
গাঁথিছিলোঁ মালা উমলি
তোৰে তলে সৰা ফুল।

সেই ডালতে কুলিয়ে তোৰ
গাইছিল মিলনৰ সুৰ,
তই—জান নেকি হেৰ বকুল—
কেনি গ'ল প্ৰিয় কৰি পথ ভুল।

---

পূবৰে আকাশ খনি
কোনে কৰে সেন্দুৰীয়া,
হাঁহিলে উষায়ে স'উ
পিন্ধি সাজ হেঙুলীয়া।

চৰায়ে জুৰিলে গীতি
সুৰ কণ্ঠ সুৰদিয়া
বতাহে ফুলালে নাচি
ফুলৰে পাহি ধুনীয়া।

---

নুভুলিবি মন ভুল কৰি তই
ভুল বুজে তাই ৰূপহী নিঠুৰ,
ৰম্ভা যে তাই স্বৰ্গ সুন্দৰ
কৰে দেৱতাৰ কামনা পূৰ !

নয়নৰ যদি পৰে দৃষ্টি তোৰ
পাৰ যদি হবি চিৰ অন্ধ ঘোৰ
নিদিবি হিয়াৰ মেলি ৰুদ্ধ দ্বাৰ
তোলে যদি কিবা পৰাণত সুৰ ।

হাঁহে যদি তাই মিচিকি মধুৰ
ৰামধনু ল'ই পৰাণত তোৰ
ৰথত ৰাখিবি অগ্নি-চক্ৰ
মাৰে যদি বাণ ভয় নাই তোৰ !

( মিশ্ৰ-বাগেশ্ৰী )

কোনে ফুল মাৰে দলি কুঁৱৰীৰ গাত
কোনে ফুল মাৰে দলি—
পাতৰে আঁৰত লুকাই কুলিটিয়ে
মাতিলে কুউকৈ বুলি
কুঁৱৰীৰ গাত কোনে ফুল মাৰে দলি !

নাচনী পৱনে ৰচুৱালে আহি
মূৰৰে খোপাটি খুলি
সপোনৰে সখা পালে যেনে দেখা
ধৰে ধৰে আঁকোৱালি
কুঁৱৰীৰ গাত কোনে ফুল মাৰে দলি ।

কোনে ফুল দলি মাৰি কুঁৱৰীৰ
এমুৱা শতুৰু হ'লি—
চকুতে সোমাল চকুলো বোৱাই
উৰি ফুল-ৰেণু-ধূলি
কুঁৱৰীৰ গাত কোনে ফুল মাৰে দলি ।

( গজল )

নাহিল ঐ মোৰ সখাটি দুপৰ ৰাতি বাঁহীটি বজাই,
বান্ধিলে, প্ৰেম-ডোলেৰে মন ভুলালে কোন ৰূপহী তাই !

নাহিবি মোৰ ফুললৈ বলিয়া হ'ই ক'ৰ ভোমোৰা তই—
আহিব মোৰ ভোমোৰা প্ৰাণ জুৰুৱা মোৰে গীতটি গাই !

দিবিগৈ মোৰ বাতৰি মোৰ সখাটিক জুৰ বতাহী তই—
আজিয়ো সেই অধৰৰ শেষ চুমাটি নিতে কন্দুৱাই !

যিদিনা, ভাঙিব তোৰ ৰূপৰ সপোন এবাৰ সাৰে পাই—
সিদিনা কান্দিবি তই নেদেখি মোক চকুলো বোৱাই !

( গজল )

কিয় আহিলি আজি বাউলী ফাগুণী
পৰাণ উতলা কৰি দিলি কি জাননী

চিগিছে বীণৰ তাঁৰ
কঠিন পৰশে যাৰ
কিয় দিলিহি মোৰ ফুলনিত দোলনি !

লই যা মোৰ বাতৰি
বুকুতে তই সাদৰি
দিবিগৈ নিঠুৰক লগাই তোৰ অগণি।

( মিশ্ৰ-দুৰ্গা )

কোনে বাঁহীটি বজাই সন্ধিয়া,
মন-প্ৰাণ হৰি নিলে কিনো যে অমিয়া

নাযাবা সখীটি ঐ
নাযাবা যমুনালৈ
বাঁহীৰ সুৰত সখী ঢৌ যে বলিয়া

কোনেনো বজালে বাঁহী
চকুলো মোৰ আছে ভাহি
আৰু ঐ নুতুলিবা সুৰে সুৰদিয়া—
আৰু মোৰ নকৰিবা প্ৰাণ মতলীয়া !

( কাশ্মীৰ-খেমটা )

কাহানি হবি তই ওৰ—
মনৰে ভাবনা মোৰ,
বুকুৰ প্ৰিয়াই বুকুতে কান্দিব
বুকু ঐ কৰিব জুৰ

কাহানি শুনাবি অ' মন বীণাটি
শেষৰে ৰাগিণী তোৰ,
কাহানি ওলাবিঁ চকুলো দুধাৰি
দুগালে বাগৰি মোৰ।

কাহানি হাঁহিবি প্ৰাণৰে শতুৰু
কান্দিবি বান্ধ অ' মোৰ,
কাহানি চাপিবি সিপাৰৰে ঐ
জীৱন-সন্ধিয়া ভুৰ!

---

কিয় ৰিব্ ৰিব্ বসন্তৰ মলয়া বা-ই,
পৰাণ কৰিলে শাঁত
ঢালি কি সুবাস গাত
অতীতৰ কত স্মৃতি দিয়ে সোঁৱৰায়।

কত নিশা সপোনত
জাগে হিয়া দাপোনত
মোহন মূৰতি কাৰ বাঁহীটি বজাই
আহে বাঁহীটি বজাই !

বুকুৰ আঁচল খনি
সঘনে যায় টানি
মদনৰ ফুল বাণ
গোপনে হানি—

বাজে কাৰ ৰিণি-জিনি
চৰণ নূপুৰ ধ্বনি
আহে যেন সপোনৰ ৰূপ দেখুৱাই।

( বেহাগ-খাম্বাজ )

কোনে উজ্বলাই দিশা আহে আজি শাৰদী নিশা
জ্বলে—সিক্ত শেৱালীৰ ৰিক্ত হিয়াত ৰূপৰ শিখা।

মোৰ, হৃদয় কানন আকুল-ব্যাকুল
তুমি কিয় প্ৰিয় কৰি পথ ভুল
আহিলা যে মোৰ বিচাৰি ৰূপৰ
মৰম ভিক্ষা ( শাৰদী নিশা )।

কোনে বজাই বীণা আজি মোহন বেণু
বিয়পাই ধৰা, কুঞ্জ হিয়াৰ সুৰভি-ৰেণু—

হে প্ৰিয়—পথিক আকুল
লৈ যোৱা মোৰ শৰতৰ ফুল
আজি, হিয়াত আছে মোৰ হিয়া ভৰা
কত কি আশা ( শাৰদী-নিশা )।

---

জয় জয় তযু আজি—
হে ঋতু-পতি,
জয়, মদন মোহন মূৰতি !

প্ৰকৃতি কুসুম ৰাজি
নাচে, পবন পৰশে আজি
গাই বিহগী আকুল-কণ্ঠে
প্ৰেম-সুধা গীতি !

( বসন্ত একতাল )

তুমিয়ে গোৱালা প্ৰিয়া গান—
তুমিয়ে শিকালা প্ৰিয়া
কৰি মোক মতলীয়া
ব্যথা ভৰা যত পৰাণৰ তান !

তুমিয়ে দেখুৱাই মধুৰ সপোন
হৈ চিৰ পৰিচিতা, চিৰ আপোন
গ'লা কিয় পাহৰি
তুলি প্ৰেম লহৰী
হৃদয় যমুনা বোৱাই উজান !

মোক, তুমিয়ে বোৱালা যত
বেদনাৰ ভাৰ,
যাচি শত বাসনাৰ
মধু উপহাৰ—
আৰু তো নোৱাৰা মোক গোৱাব গান
হলে মোৰ জীৱনৰ চিৰ অৱসান !

তই কোন ৰূপহী ঐ—
তোৰ, গাৰ বতাহে উৰুৱাই নিলে
মোৰ নাৱঁৰে চৈ।

ভাঙিলে মোৰ নাৱঁৰে বাৰ
তোৰ, ৰূপৰ ঢৌৱে ঐ—
কোন গাৱঁৰে ৰূপহী তই
কিয় নগলিনো কৈ!

শুনি যা মোৰ ব্যথাৰে গীত
অ' ৰূপহী তই—
তোৰ ঘাটতে চিনাচিনি
হৈ যাওঁ মই বৈ।

আৰু এবাৰ আহিবি তই
কাখত কলহ লৈ—
কিয় ৰূপৰ শিকলিৰে মোক
বান্ধি গলি থ'ই।

( ভাটিয়ালী )

কিয় মাধবী লতা আজি হালে-জালে
নাচে, মলয়া আহি পাতে পাতে, ফুলে ফুলে
আজি হালে জালে !
পিউ পিয়া পিয়া কিয় গাই পাপিয়া
শুনি বিৰহী-প্ৰিয়া কান্দি ভাঙে যে হিয়া
কাৰ মধুৰ মিলনমধুৰ গানে, তালে তালে
আজি হালে জালে !

কিয় বাসন্তী কুলি
আহে কুউ কুউ বুলি
মোৰ, কোন অতীতৰ ৰাগিণী তুলি—
হিয়া ভৰা বিষাদ ঢালে
আজি হালে জালে।

( মিশ্ৰ-সুৰ )

কিয় উৰুৱাই গ'লি

হেৰ নিলাজী পৱন,
কোন বিৰহ বধুৰ
ছবিটি মধুৰ
আছিলে কৰি তপন।

লাজুকী হিয়াত দিলি কি আনি
দুগাল বোৱাই চকুৰ পানী
কৰি বধু বিৰহৰ
মধু মিলনৰ
মন-প্ৰাণ উচাতন!

চকুত আছিলে আকুল চাহনি
দুগালে সুৱদি সুষমা সানি
মোৰে পৰাণৰ
দাপোন খনিত
কোন সি তাহানি খন?

———

হৃদয় বীণাটি নাবাজে মোৰ
আৰু ঐ নাহিবি নিঠুৰ—
তোৰ আৰু নবজাবি মোহন মূৰলী
আৰু নুতুলিবি সুৰ !

নালাগে হাঁহিব লাজুকী জোনাই
মেঘৰ আঁৰে আঁৰে লুকাই
তোৰ নালাগে বিলাব হিৰণ-কিৰণ
মৰমতে আৰু মোৰ !

আৰু নবলিবি তই
নিশাৰে মলয়া অ'ই—
মোৰ হিয়াৰ কতনা বিৰহ-বেদনা
নালাগে কৰিব মধুৰ
আৰু ঐ নাহিবি নিঠুৰ !

( মিশ্র-বেহাগ )

আহিছিলোঁ মই তোকে ঐ বিচাৰি
অ' মোৰ প্ৰাণৰে নিৰাশা,
প্ৰাণতে থাকিবি নিৰাশাৰে ৰেখা
নালাগে পোহৰৰ দিশা।

হেৰ বলিয়া-ক'ৰে বা ছাতি
ক'লে নিয় মোৰ পৰাণক মাতি
নালাগে যাচিব বলিয়া কাৰি
সুখৰ অমিয়া বৰষা !

( পূৰবী-একতাল )

লুইতৰ সিপাৰে বালি চাপৰিতে
জ্বলিছে কাৰ ঐ চিতা,
কোন তাই ৰূপহী হাঁহি হাঁহি তোৰ
কলিজা কৰিলে তিতা অ' বলিয়া—
জ্বলিছে কাৰ ঐ চিতা।

সেই চিতা জুইয়ে পুৰিলে তোৰ অ'
ইপাৰৰে ভগা পজা,
কোন তাই ৰূপহী আহোতে যাওঁতে
দিছিলে তুগালে চুমা অ' বলিয়া—
জ্বলিছে কাৰ ঐ চিতা!

কাখতে কলসি লৈ কোনে তোক
আগতে দিবহি দেখা ;
কৈ গ'ল বতাহে কাণে কাণে তোৰ
শোকৰে ৰাগিণী গা অ' বলিয়া—
জ্বলিছে কাৰ ঐ চিতা।

( ভাটিয়ালী )

ধুমুহাৰ আগতে অ' নাৱঁৰীয়া
নাওঁ নেমেলিবি তোৰ—
নাচি-বাগি সৌ পচোৱাৰে ঢৌ
( তোৰ ) আগতে দিছেহি বুৰ্

কোন সুৱদীয়ে শিকালে তোক অ,
কিনো সুৱদীয়া সুৰ—
গ'ল নেকি তোক অকলে এৰি থৈ
( তোৰ ) হিয়া নপৰিল জুৰ !

হ'ল যে সন্ধিয়া অ' নাৱঁৰীয়া
এন্ধাৰো আহিলে ঘোৰ
ইপাৰতে তই পৰি ৰ'লি অই
( তোৰ ) ব্যথা নপৰিল ওৰ !

( ভাটিয়ালী )

কোনে পিয়ালে অ' দিৱানা
জুঠা পিয়লা ওঁঠত ধৰি,
ভাহিছে তোৰ দিল্ দৰিয়াত
কোন্ দৰদীৰ দৰদ্ তৰী !

কোনেনো তোৰ মন মজালে
আঙ্গুৰ চেপি ৰস পিয়ালে
আছিলে যি তোৰ ছব্ লুটিলে
মাতিলে আৰু নাহে যে ঘূৰি !

বেইমানী তোৰ দিল দৰদী
ৰূপৰে মদিৰা পিয়ালে যদি
পি ল' আজি পৰাণ ভৰি
যাব লাগিব ছুনিয়া এৰি !

( গজল কাহাৰ্বা )

অ' উলাহী ফাগুনী তই
কিয় আহিলি বাউলী হ'ই,
কোন সুদূৰৰ ৰূপৰে হাটৰ
কিনো বাতৰি আনিছ ল'ই

কিয় নচুৱালি কুসুম আজলী
বলিয়া ভোমোৰা আহিব বুলি
হিয়াৰে থলিত মিচিকি হাহি
কোনেনো বায় মূৰলী অ'ই ।

কিয় আহিলি বাসন্তী কুলি
দূৰ-সুদূৰৰ ৰাগিণী তুলি
আজিও বাজে হিয়াৰ বীণাটি
হেকুৱা মোৰ সুৰকে ল'ই ।

( গজল )

আহে ঝঙ্কাৰি ৰীণ কোন অতিথি
( মোৰ ) মেলি হিয়াৰ
কুঞ্জ দুৱাৰ !

তাৰ সুৰৰ ৰাগী
উঠে পুলক জাগি
হিয়াই যাচে মোৰ
গন্ধ-সম্ভাৰ !

তাৰ মৰম জাগে মোৰ হিয়া ভৰি
নিয়ে কি যে পৰশে পৰাণ হৰি
তাৰ সুৰৰ ধ্বনি
বাজে ৰিণি ৰিণি
মোৰ সেই যে অতিথি
প্ৰথম পুৱাৰ !!

—*—

তুমি নিদিয়া যদিও কৰি অভিমান
এপাহি গন্ধ খোপাৰ ফুল,
মোৰ নহবাগৈ স্মৃতি-শ্মশানত
যাচি ফুল কান্দি বিয়াকুল !

তাত্ পৰনে যাব সোঁৱৰাই
বা আঁচল তোমাৰ উকৰাই
মধু মিলন তোমাৰে দেখুৱাই—
ভাঙি, ভৰা যত তুমি ভুল !

তুমি, কিয়নো পৰাণ মোৰ
কৰিলা গন্ধ মোহে আতুৰ—
সৰি ফুল সেই শ্মশানত মোৰ
হব, ফুলনি গন্ধ-আকুল

———

কোনে এৰি গ'ল অ' মুছাফিৰ
ৰূপৰে হাটত বলিয়া কৰি,
কোনেনো পিয়ালে হাঁহি হাঁহি তোক
ৰূপৰে মদিৰা পিয়লা ভৰি !

তোৰ, ভাবোঁতে গুণোতে হিয়া গ'ল ভাগি
চকুতে ৰ'ই গল ৰূপৰে ৰাগী
হাটো যে ভাগিল সাজো লাগিল
যাবি কাৰ স'তে নাই লগৰী !

( বাগেশ্ৰী-একতাল )

## সুৰ-নিজৰা

সান্ধ্য আৰতি দিয়ে কোন বিৰহী
অশ্রু বোৱাই,
বুকুৰ আচলখনি পবনে আহি
দিলে উৰুৱাই।

শূন্য মন্দিৰ হায় প্ৰদীপ জ্বালি
বন্দে ছন্দ-গীতি অশ্রু ঢালি
নাহিল দেৱতা দিক্ উজ্বলাই
কান্দিছে ধিয়াই অশ্রু বোৱাই।

কিয় উগুল থুগুল ব্যথিত হৃদি—
উঠে গগণ-পবন ব্যাপি
ৰিণি-ৰিণি সেই বিননি
বেদনাৰ চিতা জুই উঠে জ্বলি
কাৰ, দগ্ধ বিৰহত পৰে ঢলি
আশাৰ প্ৰদীপ হায় ঢিমিক ঢামাক
যায় যে নুমাই অশ্রু বোৱাই।

---

বাজিবনে আৰু মোৰ—
হেৰুৱা অতীতৰ সুৰ,
ভগা বীণাটিৰ চিগা তাঁৰ ডালি
লাগিবনে পুনু যোৰ !

কুলি, কিয়নো শুনালি গান
অমিয়া মধুৰ তান
আহিবনে ঘূৰি অতীত মাধুৰী
কৰিবনে হিয়া জুৰ !

কিন্তু, বাজিও নাবাজে মোৰ
সেই যে অমিয়া সুৰ
( মোক ) কোনে যেন আহি কয় হাঁহি হাঁহি
শোকৰে ৰাগিণী জোৰ।

( মিশ্ৰ-খাম্বাজ )

গোপনে সখীৰ আঁচলখনিত
ৰঙতে পৱন উমলি আছে,
পুলক জগাই পলকে লুকাই
জুমি জুমি সখী ৰঙতে হাঁহে।

গন্ধ-সুধাৰ মন্দ-মধুৰ
সখীৰ খোপাৰ ফুল
খোজত বাজে ৰূপৰ নূপুৰ
কাণত সোণৰ দুল—
জোনৰ শীতল কিৰণ ঢালি
সপোন পুৰীৰ দুৱাৰ মেলি
দুনাই সখী আহে নে নাহে!

---

হাঁহিৰে ভুলাব নোৱাৰ ৰূপহী
এমুৱা দিনতে মন—
মনে মোৰ ৰূপহী
নোৱাৰ নিব কিনি
এমোনা ভাঙিও ধন !

কি হব ৰচিলে শৰতৰ শেৱালী
বননিৰে প্ৰেমাসন—
বননি বুকুতে মৰহী শুকাব
নাপাবি মধুৰে ঘ্ৰাণ ;
ঘ্ৰাণে তোৰ ৰূপহী
হব ফুল চুপহী
খোপা ভাগি থানে বান্ !

থৈ দে সামৰি সেইখন আজিলৈ
প্ৰেম-পুৰাণৰে ৰণ্—
"আই"য়ে কান্দিছে হ'ই পৰাধিনী
মুছিদে চকুলো কণ ;
কণে তই ৰূপহী
কৰ হাঁহি হাঁহি
যুঁজলৈ জীৱনে পণ !

( জাতীয়-সঙ্গীত )

ঘুৰ-নিজৰা

কিয় ভাঙিলি ঘুমটি ফুল-কুঁৱৰীৰ
ক'ৰ বলিয়া অলিকুল,
বতাহত পাহি মেলি নাচে অ'ই হালি জালি
কাৰ বিৰহত বিয়াকুল !
এন্ধাৰত পাতিলি ঐ
কি খেলা লুকাই
জোনবায়ে হাঁহি হাঁহি
দিলে পোহৰাই—
নাপালিনে লাজ বাৰু কৰিলি কি ভুল !

তই, গুচি যা অ' কবি তোৰ
মন-অলি ল'ই
লাজুকী তাই ফুলকুঁৱৰী
পৰিব যে জঁই,
তই, নহবি অ' পথহাৰা ভাবতে বিভোল।

( গজল কাহাৰ্বা )

কলৈ গ'লি মইনা উৰি—
কিয়নো মোৰ হিয়া সজা
গ'লি শুদা কৰি ( অ' মইনা )।

কিয় গ'লি চিঙি মইনা
চেনেহৰে জৰি
ৰাখো বুলি ৰাখিব তোক
নোৱাৰিলোঁ ধৰি ( অ' মইনা )।

কিনো যে তোৰ অমাতৰ মতি
শুনো হিয়া ভৰি,
চাই থাকিলে চকুলৈ তোৰ
নিয় যে মন হৰি ( অ' মইনা )।

ডিঙিতে তোৰ গজ-মুকুতা
ঠেঙতে জিঞ্জিৰি
হাঁহি হাঁহি উৰি গ'লি
নাহিলি যে ঘূৰি ( অ' মইনা )।

( ভাটিয়ালী )

দিব বুকুৰ শোণিতে নাথ
অঞ্জলী তোমাৰ,
যাচি, ৰক্ত-কমল হিয়াৰ
চৰণ পূজাৰ !

চাই, নয়নে হিয়াত ছবি
আঁকিব তোমাৰ,
দিব গাঁথি সকলো ব্যথাৰ
প্ৰেম অশ্ৰুহাৰ !

তুমি তুলি সুৰ অনিবাৰ
হিয়াৰ বীণাৰ,
থাকি হিয়াতে বজাই মোৰ
নিচিণ্ডিবা তাঁৰ !

---

অ' ফুল যুতি মালতী—
কিয়, পাহি মেলি দিলি পৱনে চুমিব
গোন্ধৰে সঁফুৰা কলিটি !

( মোক )—কৰি কোনে মোহৰ ভ্ৰান্তি
দেখুৱাই ৰূপৰে কান্তি
মিচিকি হাঁহিলে অ'
খোপাতে পিন্ধিলে অ'
গুঁথি ফুল তোৰে চাকিটি-
অ' ফুল যুতি মালতী !

তই, পাহি নসৰাবি অ'
হেৰ—ৰেণু মুকুৱাবি অ'
থাকক, ৰূপ-কোঁৱৰৰে লৈ
বুকুতে চৰণ সাৱটি—
নাহিবি পচোৱা বা ছাতি !

( বনগীত )

নাওঁ তোৰ সোণালী বঠা তোৰ ৰূপালী
কৰে জিলিমিলি অ'ই,
গীত যে শুনালি সুৰৰে সুৰদি
মনে মোৰ মুহিলি অ'ই—
ক'ৰে নাৱৰীয়া তই !

দাঁতি কাষৰীয়া বনে সেউজীয়া
ফুলে ৰঙেচুৱা অ'ই,
চিণ্ডি দিও এপাহি লৈ যা হাঁহি
গোন্ধতে বলিয়া হ'ই—
ক'ৰে নাৱৰীয়া তই ।

পাল তৰি যা বুকুৰে মাজৰ
শুকুলা চেলেং অ'ই
কেনেকৈ উজাবি ভৰ-বাৰিষাৰ
ধাৰ্ যে নিচিগা ন'ই—
ক'ৰে নাৱৰীয়া তই ।

( ভাটিয়ালী

লাজ, তুমিয়ে ভাঙিলা লাজুকী হিয়াৰ
হৰি মন-প্ৰাণ
মান, তুমিয়ে শিকালা তোমাৰ প্ৰেমৰ
ৰূপ অভিমান !

বাণ, তুমিয়ে মাৰিলা হিয়াৰ মাজত
বিজুলীৰ বাণ—
তান, তোমাকেই মোৰ আঁকোৱালি ধৰা
পৰাণৰ তান্ ।

দান, তুমিয়ে দিয়ালা তোমাৰ পদত
প্ৰেম প্ৰতিদান—
গান, তুমিয়ে গোৱালা তোমাকেই চিৰ
ভালপোৱা গান ।

( ভজন )

তই, থাকিবি সাৱধানে মনাই অ'
শতুৰে জুই লগাব গাত,
দেহাটি ৰাখিবি কৰি চেঁচা পানী
নুমাব আঁতৰি বজ্ৰপাত !

হাত নকৰিবি কলা অ' মনাই
সানি ছাই নলবি দেহাত,
ছাই উৰি যাব ঠাই পৰি ৰ'ব
বহিব বিশ্বৰ শান্তি-হাট !

দুষ্টক দেখিলে কথা নাপাতিবি
খোজত খোজ নিদিবি তাত-
বাট এৰি দিবি খালতে মৰিবি
সেয়ে ভাল জীৱনৰ বাট !

( দেহ বিচাৰ )

আছিলে মোৰ মন-পখিলী
মনত উমলি—
পাতিলেহি ৰঙতে যোৰ
বনৰ পখিলী !

তোৰ—বিধতা কি আছিল মনত
জুৰাওতে ৰ'ই ফুলৰ ডালত,
চুমা দিওতে প্ৰথম গালত -
ছবি কিনো আঁকি দিলি
চকুলোৰে কন্দুৱালি !

(মিশ্ৰ-পূৰবী)

কিয়নো শুনালি গীত নাৱঁৰীয়া
সুৰে সুৰদিয়া তই,
কিয়নো আহিলি এৰি ঘৰে-বাৰী
বুকুতে বেজাৰ ল'ই—
সুৰে সুৰদিয়া তই !

কাৰে পাতিছিলি কথা নাৱঁৰীয়া
দিলেনেকি ব্যথা অ'ই,
কিয়নো নানিলি বুকুতে বান্ধি লৈ
কিয়নো আহিলি থ'ই—
সুৰে সুৰদিয়া তই !

যা গ'ই এতিয়া হ'ল যে সন্ধিয়া
ক'বে নাৱঁৰীয়া তই,
ভটীয়াই আহোতে মোৰেনো ঘাটতে
খন্তেক যাবি অ' ৰ'ই—
সুৰে সুৰদিয়া তই !

( ভাটিয়ালী )

কি ৰং দি লুকালা সখী
হাঁহি মোৰ গালত ঘঁহি,
কিয় মুছিলে ৰং দিয়া যি মোৰ
ব্যথাৰ চকুলোৱে আহি।

তুমি, দিলা কিয় দুগালে ৰং
চাৱলৈ মোৰ বলিয়া চং
কিয় নিদিলা যি ৰং প্ৰাণত
চিৰদিন বোল থকা ৰহি।

(হোলী-গজল)

ভাগিলে ভাগিলে মোৰ
বুকুৰে বীণাটি—

বাজিছিলে ৰ'ই ৰ'ই
সুখৰে ৰাগিণী অ'ই
বুকুতে আছিলোঁ ল'ই
বুকুৰে বীণাটি।

চিগিলে চিগিলে তাঁৰ
কঠিন পৰশে যাৰ
তথাপি জাগে হিয়াত
সেই যে ছবিটি।

( চাম্বীৰ-তেতালা )

অতীত অতীত অ' মোৰ অতীত
সোণালী অতীত
তোৰে ছবি আঁকো নীৰল-মিজানে
হিয়াৰে ফলিত !

তোৰেনো গীতকে হিয়া ভাঙি গাও
মোৰেনো লগৰী আহে যেনে পাও
আছে যেনে হাঁহি কোন নিজানৰ
দূৰ-দূৰণিত !

মোৰ, কাহানি হব ভাবনা ওৰ
কাহানি লবি কোলাত তোৰ
কোনে ভাবি তোক কান্দে মোৰ দৰে
ব্যথা-বিননিত !

( মিশ্ৰ-ছায়ানট )

ধৰিবি কি ৰূপ সলাই অ' মন
এই ৰং মোছা গ'লে দেহাৰ,
পাবি—আকৌ জানো জনম ধৰাৰ
জগত যত বন্ধু, প্ৰিয়াৰ !

তোৰ, মোছা গ'লে এই ৰং দেহাৰ
দেখিবিনে ৰং কলা এন্ধাৰ,
তই, সানি লৈ সেই ৰং এন্ধাৰ
দিবি খোজ কোন্ দুনিয়াৰ !

(তই), পাবি গ'ইনে থাকিব তাত্
এনে পোহৰ জ্যোতি-ধৰাৰ
তাত গাবি গ'ইনে সুৰ ইয়াৰ
নোগোৱা তোৰ গান হিয়াৰ !

( নট-মল্লাৰ-একতাল )

মোৰ, গালোঁ হিয়াৰ অন্ত-গান বিদায়ৰ সুৰ-
পুষ্প—বসন্তই লৈ আহে যি সুৰ অনন্ত মধুৰ !

শেষ হ'লে পূজা-আয়োজন
মধুৰ আৰু কিহৰ প্ৰয়োজন
বাজে যদি বাজক বীণত
নীৰৱৰে সুৰ !

পাও যদি জনম ধৰাৰ
এই গান যি গোৱা হিয়াৰ
হ'লে হক হিয়া এইবাৰ
বিষাদৰে পূৰ।

( আশোৱাৰী-একতাল )

## সুৰ-নিজৰা

মোৰ সুৰ হেৰুৱালোঁ অ'ই—
এখইন চম্পাৰ ফুলনিৰ মাজত
গোন্ধতে বলিয়া হ'ই।

সেয়ে মোৰ আছিলে বুকুৰ আশা
ৰাঙলী উষাৰ জীৱনৰ ভাষা
সেয়ে মোৰ আছিলে চকুলোৰে লিখা
ভাৱনাৰ কবিতা অ'ই!

আজিও আছে মনৰে মাজত
ৰঙতে পখিলী ফুলৰে ডালত
সেই নিজৰাটি কুলু কুলু সুৰে
এতিয়াও আছে ব'ই।

---

আৰু নিবিনাবি বীণে লৈ বলিয়া
জুৰিদে শেষৰে সুৰ !
বতাহত নাচিলে শুকান সৰাপাতে
এৰি থৈ গছৰে গোৰ—
জুৰিদে শেষৰে সুৰ।

কুলিটিৰ হেপাহৰ আমৰে ডালত
ফেঁচায়ে কৰিলে পূৰ,
কি সুৰ তুলিলে হুচকুত আনিলে
মভগা টোপনি ঘোৰ—
জুৰিদে শেষৰে সুৰ !

ফুলৰে ডালত ফুলো নাই কিয়া
হ'ল জহি সৰি ওৰ,
আছে ডালে ভৰি কাউৰ, শাগুণ পৰি
চাই অ' মুখলৈ তোৰ—
জুৰিদে শেষৰে সুৰ !

( বনগীত-টোকাৰী )

আক কিনো গাবি, গান হেপাহৰ তোৰ—
চিগিলে বীণৰ তাঁৰ
বজাওতেই এবাৰ
বসন্তৰ মধু উষা
জীৱনৰ সুৰ।

অতীত বিদায় ল'ই
উটি গ'ল সুৰ
বায় তোৰ সোণোৱালী
জীৱনৰ ভুৰ ;
বাজিল, নাবাজে আক
বীণ-সুমধুৰ—
বেলিয়ে ল'লে গ'ই চা
পছিমত জুৰ্।

( মিশ্ৰ-হাম্বীৰ-একতাল )

সমাপ্ত